


ছোচিয়েলিষ্টে বিচাৰে দেশৰ মিল আৰু কল কাৰখানাৰ ৰাষ্ট্ৰীয় কৰণৰ যোগেদি গৰীবৰ সুখ আৰু সমৃদ্ধি, কমিউনিষ্টে বিচাৰে শ্ৰমিকৰ একনায়কত্ব (ডিক্টেটৰ ছিপ) আৰু ৰাষ্ট্ৰীয় সেৱক সংঘী দলে বিচাৰে অখণ্ড ভাৰতৰ প্ৰাচীন বৈভৱ, সাংস্কৃতিক পুনৰুত্থান আৰু বিশাল হিন্দু ৰাষ্ট্ৰৰ গৰিমা।

এই ভিন্ ভিন্ দল সমূহৰ অগণিত ধ্বনিয়ে জন সাধাৰণৰ মনত এটা গভীৰ চিন্তাৰ কাৰণ হৈ পৰিছে, চহৰ আৰু গাওঁবোৰৰ সভা-সমিতিত অহৰহ ইয়াৰেই আলোচনা চলিছে। নিজৰ সাধাৰণ বিচাৰ বুদ্ধিৰে মনক সান্ত্বনা দিব নোৱাৰি উৰাদিহ নাপাই কংগ্ৰেছ কৰ্ম্মীয়ে স্তম্ভিত হৈ নিজকে নিজে প্ৰশ্ন কৰিছে—"তেন্তে যি কংগ্ৰেছ দেশৰ স্বাধীনতাৰ কাৰণে ত্যাগ স্বীকাৰ কৰিলে, যাৰ নিৰ্দ্দেশত মুক্তি সংগ্ৰামৰ সৈনিক সকলে নিজৰ আত্মীয় স্বজনক নিৰাশ্ৰয় ভাবে এৰি গৈ হাঁহিমুখে জেলৰ যাতনা ভুগিলে আৰু যি কংগ্ৰেছৰ ৰাষ্ট্ৰীয় সংগ্ৰামে ভাৰতৰ সুদীৰ্ঘ বৃটিশ সাম্ৰাজ্যবাদক ধ্বংস কৰিলে...... ...... তেওঁলোকেনো কি বিচাৰে? কংগ্ৰেছৰ তেন্তে পূৰ্ব্বৰ প্ৰতিজ্ঞা,

পূৰ্ব্বৰ প্ৰতিশ্ৰুতি বোৰ কেৱল নিজৰ অধিকাৰ লাভৰ কাৰণেহে আছিল নেকি যাক পোৱা মাত্ৰকে সেই সকল আজি পথভ্ৰষ্ট হৈ পৰিল ? এয়েই নেকি তেওঁলোকৰ দেৰকুৰি বছৰৰ নিৰন্তৰ পৰিশ্ৰম, ত্যাগ আৰু বলিদানৰ পুৰস্কাৰ ? কিয়—তেওঁলোকে দুখীয়াৰ কাৰণে সুখ, শ্ৰমিকৰ হিত আৰু হিন্দুৰ কাৰণে মঙ্গল নিবিচাৰেনে ? যদি বিচাৰে তেন্তে এই ভিন্ ভিন্ অনুষ্ঠানবোৰ কিয় সৃষ্টি হৈছে ? এই অনুষ্ঠান বোৰৰো একমাত্ৰ অধিকাৰ লাভ কৰাই উদ্দেশ্য নেকি ? বাস্তৱ ক্ষেত্ৰত এইবোৰৰ ভিতৰত কিবা পাৰ্থক্য আছেনে নাই ? যদিহে আছে, তেন্তে এইবোৰৰ ভিতৰত কোনটো সত্য ? ইত্যাদি····· নানা ধৰণৰ শঙ্কা আৰু জাউৰি জাউৰি প্ৰশ্নই জনসাধাৰণৰ মনত খেলি মেলি লগাইছে আৰু কংগ্ৰেছ কৰ্ম্মীৰ মাজত বাক-বিতণ্ডাৰ সৃষ্টি কৰিছে ।

* * * *

বিচাৰ জগতত আজি এনে সময়তে ইমানবোৰ বিৰাট জটিল সমস্যাই দেখা দিয়াত সমাজৰ উচ্চস্তৰৰ পৰা আৰম্ভ কৰি গাঁৱৰ অজ্ঞান আন্ধাৰত বাসকৰা অশিক্ষিত জন-সাধাৰণ, বিশ্ববিদ্যালয়ৰ গবেষণাৰত ছাত্ৰৰে পৰা আৰম্ভ কৰি নিম্ন থাপৰ ছাত্ৰলৈ, শিল্প জগতৰ ক্ৰোৰপতি মালিকৰে পৰা আৰম্ভ কৰি দিন-মজুৰী পোৱা শ্ৰমিকলৈ আৰু স্বৰ্গৰাজ্যৰ সুখ ভোগ কৰা জমিদাৰৰ পৰা আৰম্ভ কৰি ঋণগ্ৰস্ত খেতিয়ক সকলোৱেই এটাই আনটোৰ প্ৰতি ৰখা বিৰুদ্ধ বাদীৰ দৃষ্টি ভঙ্গীত সুস্থ লোক জীৱনত সংঘৰ্ষৰ সৃষ্টি হৈছে ।

একালে স্বাধীনতাৰ নতুন আশা-ভৰসা আৰু উৎসাহত

উন্মাদিত হৈ আৰু আনফালে যুদ্ধ কালৰ আৰ্থিক অনাটন আৰু দুখ-দুৰ্দ্দশাত পীড়িত জনসাধাৰণে নিজেই নিজৰ ভাগ্য বিধাতা হৈ বিশ্বৰ মানৱ সমাজৰ এটা নতুন ব্যৱস্থা বিচাৰিছে।

এনে অৱস্থাৰ সুযোগ লৈ যি কোনোৱেই দৃঢ়তাৰে আৰু সাহসেৰে জন-সাধাৰণৰ চকুৰ আগত এখন মনোৰম সোণৰ ৰাজ্যৰ ছবি আঁকি, তেওঁলোকৰ আশা-আকাংখ্যাৰ পূৰণৰ কাৰণে মনঃপুত কথা কব পাৰে, জন-সাধাৰণে সেই ফালেই আশাভৰা দৃষ্টিৰে চাবলৈ ধৰে। সঙ্কটৰ সময়ত মানুহৰ এই প্ৰবৃত্তি হোৱাটো যেনে স্বাভাৱিক, পূৰ্ব্বৰ অসহনীয় দুখ-দুৰ্গতিৰ অভিজ্ঞতা আৰু ভৱিষ্যতৰ অনিশ্চিত দশা লৈ ভয়ভীত হৈ বৰ্ত্তমানৰ কষ্টৰ হাত সাৰিবলৈ আগপিছ নগণী সময় থাকোতেই যি কোনো আদৰ্শ আৰু মতবাদকে গ্ৰহণ কৰাটোও জন-সাধাৰণৰ পক্ষে তেনে সহজ।

## তৃতীয় পথৰ সন্ধান

স্থিৰ বুদ্ধিৰে বিচাৰ কৰিলে ইয়াত জন-সাধাৰণৰ ক্ষীণ ইচ্ছা শক্তি আৰু ভিকতাৰ মাত্ৰ আভাষ পোৱা যায়। যি কোনো বিপদ আৰু কষ্টৰ পৰা ৰক্ষা পাবলৈ এই দুয়োটা পথেই হানিকাৰক আৰু অস্বাভাৱিক আৰু দুয়োটাৰে যি কোনো এটা গ্ৰহণ কৰিলেও দেশ, জাতি আৰু ব্যক্তি তিনিওৰে পতন অৱশ্যম্ভাবি।

এই দুয়োটা পথৰ বাহিৰেও আৰু আন এটা পথৰ সন্ধান, বাপুজীয়ে নিজৰ জীৱনত সেৱাৰ জৰীয়তে ভাৰত বাসীক আৰু ভাৰতৰ ভিতৰেদিয়েই মানৱ সমাজক দি গৈছে। বাপুজীৰ তপস্যা আৰু ত্যাগৰ আদৰ্শৰে গঢ়া কংগ্ৰেছে দেশ গঠনৰ

ভবিষ্যত কৰ্ম্ম-পন্থাৰ এই ছবিকেই বাপুজীৰ সাক্ষাতত ভাৰত-বাসীৰ আগত দাঙি ধৰিছিল।

ইয়াত অলপো সন্দেহ নাই যে যদি সত্য, সুন্দৰ আৰু পূৰ্ণজীৱনৰ উপাসক গান্ধীজীয়ে জনসাধাৰণৰ আগত ভাৰতীয় জীৱনৰ ঐতিহ্য আৰু কৃষ্টিৰ ভেটি ৰচনা কৰিবলৈ আৰু জটিল সমস্যা সমূহৰ সমাধানৰ কাৰণে পূৰ্ণ গণ-তান্ত্ৰিক দৃষ্টি ভঙ্গীৰে পাশ্চাত্য বস্তু বাদী সভ্যতাৰ দ্ৰুতগতিৰ পথত থিয় দি ভাৰতীয় আৰ্থিক আৰু সামাজিক জীৱনৰ পুণৰ্গঠনৰ বাবে আন ভাবে চিন্তা কৰিবলৈ নিশিকালে হয় তেন্তে হয়তো কমিউনিষ্ট সকলৰ মতে-স্বাধীনতাৰ তৃতীয় বছৰ পুৰ নৌ হওঁতেই শ্ৰেণী সংঘৰ্ষৰ ফলত হিংসাৰ সৃষ্টিহৈ দেশবাসীক চমকপ্ৰদ সাম্যবাদৰ আদৰ্শৰে প্ৰভাবান্বিত কৰিব পাৰিলে হয়।

ছোচিয়েলিষ্ট বন্ধু সকলৰ ধাৰণা মতে-গান্ধীজীয়ে স্বাধীনতাৰ কালত দেশৰ নেতৃত্ব তেখেতৰ এনে কিছু প্ৰিয় পাত্ৰৰ হাতত দি গল যে তেওঁলোক যোগ্যবান পুৰুষ যে তাত কাৰো সন্দেহ নাই কিন্তু বিচাৰত প্ৰগতিৰ অপেক্ষা অগতিৰ হে লক্ষণ দেখা যায়। সেই সকল যোগ্য আৰু নিৰ্ম্মল ব্যক্তিৰ হাতত শাসন ভাৰ নাথাকিলে হয়তো গান্ধীজীয়ে নিজে বাচি লোৱা উত্তৰাধিকাৰী, ভাৰতৰ ভাগ্য নিয়ন্তা পণ্ডিত নেহেৰুও খোলা ভাবে ছোচিয়েলিষ্টৰ মতকে গ্ৰহণ কৰিলে হয়।

হিন্দু সভাবাদী আৰু আৰ, এচ এচ দলৰ মতে গান্ধীজীয়ে ভাৰতৰ মুছলমান ভাই সকলক অজথা 'খুছামোদ' কৰিহে ভাৰতৰ অপূৰণীয় অনিষ্ট সাধিলে আৰু দেশ বিভাজন নীতিতো গান্ধীজীৰ সম্পূৰ্ণ মত আছিল। গান্ধীজীয়ে এই কথাত মত

নিদিলে হয়তো স্বাধীনতা লাভত বিলম্ব কম হ'ল। কিন্তু দেশ অবিভক্ত হৈ থাকিল হয়।

ভিন্ন ভিন্ন ৰাজনৈতিক দল সমূহৰ এই যুক্তি হয়তো কিছুদ অংশ ঠিকো হ'ব পাৰে, হয়তো ই সম্পূৰ্ণ ভুলো হ'ব পাৰে। কিন্তু, গান্ধীজীয়ে যি উদ্দেশ্য লৈ শতকৰা ৮৬ জন গাঁৱত বাস কৰা ভাৰতবাসীৰ শুভ ভবিষ্যত কামনা কৰি দেশৰ পৰাধীনতা, দৰিদ্ৰতা, অশিক্ষা, শ্ৰেণী বিদ্বেষ আৰু পাশ্চাত্য দেশ সমূহৰ পুঞ্জীকৃত আবৰ্জনা আৰু অকৃত্ৰিম ধনতন্ত্ৰবাদৰ মূলোচ্ছেদ সমাধান কৰিবলৈ তৃতীয় পথৰ সৃষ্টি কৰিছিল সিয়েই স্বাধীন ভাৰতৰ ভৱিষ্যত আৰ্থিক, সামাজিক আৰু ৰাজনৈতিক উন্নতিৰ চাবিকাঠি। আন দেশৰ জনসাধাৰণৰ প্ৰকৃত মনোভাব দেশৰ ইতিহাস আৰু বাস্তৱ অৱস্থালৈ আওকাণ কৰি কেৱল ৰাজনীতিৰ পুথিৰ পাত লুটিয়াই যি সকল লোকে বণিক-সভ্যতাৰ নাগৰিকৰ জীৱন যাত্ৰাৰ সমস্যা সমাধানৰ কথা ভাবে আৰু ভাৰতবৰ্ষতো তাৰ হুবহু প্ৰয়োগ বিচাৰে তেওঁলোকে বিপ্লৱৰ জুই জ্বলাই শ্ৰেণী বিৰোধৰ চৰম উত্তেজনা মুষ্টিমেয়ৰ মাজত বিয়পাব পাৰে সচা কিন্তু ভাৰতবৰ্ষৰ সমাজ জীৱনৰ মুক্তি গান্ধীজীৰ প্ৰদৰ্শিত পথত ভিন্ন আনত পোৱা সম্ভৱ নহয়। ভাৰতৰ সমস্যাৰ সমাধান পাশ্চাত্যৰ অনুকৰণত নহয় নিজৰ মাটিৰ প্ৰতিভাৰ ভিতৰত; সেৱাগ্ৰামৰ গঠন কেন্দ্ৰই তাৰ পথ প্ৰদৰ্শক।

উদাহৰণ স্বৰূপে ১৯৪৬ চনৰ ৩০ জানুৱাৰী মাহৰ এটা ঘটনালৈ লক্ষ কৰিলে পাঠক-পাঠিকা সকলে পশ্চিমীয়া আদৰ্শ অনুকৰণৰ ভ্ৰান্ত ধাৰণা আৰু গান্ধীজীৰ বিভিন্ন চিন্তাধাৰাৰ

সাৰ্থকতা বুজিব পাৰিম :

বৃটিশ পাৰ্লেমেণ্টৰ কেইজনমান সদস্যক ভাৰত ভ্ৰমণলৈ আহোঁতে লোহা নিৰ্ম্মান কৰা ভাৰতীয় শিল্প কেন্দ্ৰ জামসেদপুৰৰ ডাইৰেক্টৰৰ ঘৰত জলপানেৰে আপ্যায়িত কৰা হয়। টাটাৰ এজেন্ট চাৰ জাহাঙ্গীৰ গান্ধীয়ে অভ্যৰ্থনা সূচক বক্তৃতাত জামসেদপুৰ সম্বন্ধে কওঁতে উল্লেখ কৰে যে, ভাৰতীয় উদ্যোগ আৰু পৰিশ্ৰমেৰেই এই জামসেদপুৰৰ সৃষ্টি যদিও ইয়াৰ শিল্প বিস্তাৰত বহুত আমেৰিকান, ইংৰাজ আৰু ইউৰোপীয় গুণী ব্যক্তিৰ অবদান আছে। ভাৰতবৰ্ষৰ সাধাৰণ অনুন্নত পৰিস্থিতিৰ মাজেৰেই জামসেদপুৰত আজি এই শিল্প প্ৰয়াস সম্ভৱ হৈছে। আজি, যদি আমি স্বাধীন হলো হয়, তেন্তে কেৱল এই এটাই নহয় শত শত জামসেদপুৰ আমাৰ দেশত গঢ়ি উঠিল হয়।"

সদস্য দলৰ নেতা অধ্যাপক ৰিচাৰ্ডসে ব্ৰিটেইন আৰু ভাৰতৰ সম্পৰ্কে উল্লেখ কৰি, ভাৰতৰ মঙ্গল কামনা কৰি সৰ্ব্বশেষত কয়— "ভৱিষ্যত ভাৰতৰ আৰ্থিক উন্নতিৰ পথ কোনফালে মই নেজানো, সি আজিৰ এই বিশিষ্ট সভাপতিৰ হাতত নে আন এজন গান্ধীৰ হাতত, যোনে ভাৰতীয় আৰ্থিক জীৱনৰ পুনৰ্গঠনৰ কাৰণে আনভাৱে চিন্তা কৰিছে।"

ভাৰত চৰকাৰে দেশৰ জনসাধাৰণ আৰ্থিক দুৰ্গতিত বিপন্ন হোৱা দেখি কুটীৰ শিল্পজাত দ্ৰব্যসম্ভাৰৰ দ্বাৰা আধুনিক যন্ত্ৰনিৰ্ম্মীত আহিলা পাতিৰ অভাৱ পুৰণ কৰিব নোৱাৰিলেও, নিজ নিজ গাওঁৰ আৰু পৰিয়ালৰ শ্ৰমাৰ্জ্জিত অলপ আয়েৰে ধনী হব নোৱাৰিলেও প্ৰত্যেকজন মানুহে জীৱন যাত্ৰাৰ পথ সুগম আৰু সুন্দৰ কৰি আত্মপ্ৰয়োজন পুৰণত সমৰ্থ হৈ পৰমুখা

শোষিত ভাৰতবাসীৰ দুখ-বিষাদৰ কালিমাৰে ভৰা মলিন মুখত আনন্দৰ শুভ্ৰ হাঁহি ফুটাই তুলিবলৈ বহু অৰ্থব্যয় কৰি বিভিন্ন বিশেষজ্ঞ কমিটি নিয়োগ কৰিছিল। বিশিষ্ট মাৰ্কিন শিল্প-বিশাৰদ মিঃ ষ্ট্ৰোন ভাৰত চৰকাৰৰ নিমন্ত্ৰণত আহি ভাৰতৰ পক্ষে উপযোগী কি ধৰণৰ কৃষি আৰু শিল্প পৰিকল্পনাৰ প্ৰয়োজন সেই বিষয়ে এটা ৰিপোৰ্ট কেন্দ্ৰীয় চৰকাৰক দাখিল কৰিছিল। কেন্দ্ৰীয় চৰকাৰে ইয়াত কিঞ্চিৎ গুৰুত্ব আৰোপ কৰিছিল বুলিয়েই বিভিন্ন ৰাজ্যৰ চৰকাৰেও নিজ নিজ অৱস্থালৈ লক্ষ ৰাখি কেন্দ্ৰীয় চৰকাৰলৈ অনুলিপি পঠাইছিল। মিঃ ষ্ট্ৰোনে মূল কথাটো আলোচনা কৰাত গান্ধীজীৰ দৰেই ভাৰতৰ কৃষক শ্ৰেণীৰ বৰ্ত্তমান অৱস্থাৰ উন্নতিৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিছে। কিন্তু, ভাৰতৰ জনসাধাৰণৰ আৰ্থিক অৱস্থাৰ আমূল পৰিবৰ্ত্তন কৰিবলৈ শিল্প উন্নয়নৰ কথাতহে বিশেষ জোৰ দিছে আৰু এই সম্পৰ্কে তেওঁৰ দুটা মন্তব্যলৈ ভাৰতবাসীৰ মনযোগ আকৰ্ষণ কৰিছে—

প্ৰথমতে :—ভাৰতত বাস কৰা লক্ষ লক্ষ কৰ্ম্মহীন লোক সকলে একোৱে উৎপাদন নকৰে। কেনেকৈ এই বিৰাট জনশক্তিক উৎপাদনৰ কামত লগোৱা যায়, তাৰ উপায় স্থিৰ কৰিব লাগে।

দ্বিতীয়তে :—মানুহে হাতে কামে কৰা শ্ৰমৰ লগতে যন্ত্ৰ শক্তিৰো সহায় লব লাগিব।

মিঃ ষ্ট্ৰোনৰ মতে অধিক ধন উৎপাদনৰ ইয়েই একমাত্ৰ পথ। ভাৰতৰ যি বিৰাট জনশক্তি আজি কৰ্ম্মহীন হৈ পৰিছে, তাৰ কৰ্ম্মসংস্থানৰ ব্যৱস্থা কৰাটো যে ভাৰতৰ প্ৰধান সমস্যা,

তাত সন্দেহ নাই। কিন্তু মিঃ ব্ৰোনৰ মতে কেৱল আৰ্থিক ধন উপাৰ্জ্জনৰ পিনে লক্ষ ৰাখি চলিলেই ভাৰতৰ সকলো সমস্যাৰ সমাধান হবনে ?

কৰ্ম্মসংস্থানৰ ব্যৱস্থা কেৱল ভাৰতৰেই সমস্যা নহয়, পৃথিবীৰ জড়-সভ্যতাৰ উন্নতিশীল খাপত উঠা দেশ সমূহতো এই সমস্যাৰ স্থায়ী সমাধান এতিয়াও দেখা দিয়া নাই। পাশ্চাত্য ধনতান্ত্ৰিক দেশবোৰত দেখা গৈছে যে, বৃহৎ বৃহৎ শিল্প প্ৰতিষ্ঠান আৰু ক্ৰমাগত উন্নত ধৰণৰ যন্ত্ৰপাতি ব্যৱহাৰ কৰাৰ পদ্ধতিত সেই দেশবোৰৰ শিল্পত আজিও শ্ৰমিক নিয়োগৰ সংখ্যাৰ ফালৰ পৰা বিশেষ কোনো উন্নতি হোৱা নাই, কোনো কোনো দেশত আনকি অৱনতিহে দেখা দিছে। কাৰণ সুস্পষ্ট। বৈজ্ঞানিক উপায়েৰে গঢ়া যন্ত্ৰপাতিৰ যিমানেই উন্নতি হব ধৰিছে, কম সংখ্যক লোকৰ সহায়ত উৎপাদন বৃদ্ধি কৰা সিমানেই সহজ সাধ্য হৈ পৰিছে। এই ব্যৱস্থাৰ ফলত স্বভাৱতেই কামনোহোৱা শ্ৰমিকৰ সংখ্যা বৃদ্ধি হোৱাত বহু লোক নিবনুৱা হৈ পৰিছে।

ধনতান্ত্ৰিক দেশবোৰৰ ভিতৰত মাৰ্কিনযুক্তৰ নামেই প্ৰথমতে আহে। সেই ৰাষ্ট্ৰৰ উদাহৰণ দেখুৱাই কব পাৰি যে, কেৱল যান্ত্ৰিক উন্নতিত আৰু বৃহৎ শিল্প প্ৰতিষ্ঠাৰ দ্বাৰা ক্ৰমবৰ্দ্ধমান জনসংখ্যাৰ কৰ্ম্মসংস্থানৰ ব্যৱস্থা অসম্ভৱ প্ৰমাণিত হৈছে।

১৯১০ চনৰ পৰা ১৯৩০ চনৰ ভিতৰত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ যান্ত্ৰিক ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন ঘটিছিল—ইয়াক সহজেই অনুমান কৰিব পাৰি। কিন্তু সেই অনুপাতে শিল্পত কামকৰা মানুহৰ সংখ্যা বৃদ্ধি পাইছে কত ? ১৯১০ চনৰ হিচাবত দেখা

যায় যে, এই বাষ্ট্ৰত মুঠ ৩ কুটি ২৮ লাখ মানুহ অৰ্থকৰী কামত নিযুক্ত আছিল ; ইয়াৰ ভিতৰত ১ কুটি ৭ লাখ মানুহক মাত্ৰ যন্ত্ৰ-শিল্পৰ কামত খটুৱায় । ২০ বছৰ পিচত অৰ্থাৎ ১৯৩০ চনত দেখা যায়, অৰ্থকৰী কামত নিযুক্ত মুঠ ৪ কুটি ৮৮ লাখ মানুহৰ ভিতৰত মাত্ৰ ১ কুটি ৪১ লাখ যন্ত্ৰশিল্পৰ কামত নিযুক্ত হৈছে । অৰ্থাৎ ২০ বছৰে ধৰি ধনতন্ত্ৰৰ স্বৰ্গৰাজ্য মাৰ্কিন দেশতো শতকৰা ১ জন বেছি মানুহৰ মাত্ৰ কৰ্ম্মসংস্থানৰ ব্যৱস্থা কৰিব পৰা হৈছে ।

সাম্যবাদৰ পীঠভূমি ছোভিয়েট ৰুছিয়াৰ কথা যদি কোৱা হয়, তেন্তে সেই ঠাইটো কৰ্ম্মসংস্থানৰ পিনৰ পৰা অতি উজ্জ্বল ছবি চকুত নপৰে । এই ৰাষ্ট্ৰত নিবনুৱাৰ সংখ্যা ১৯২৫ চনৰ পৰা ১৯২৯ চনৰ ভিতৰত ১০ লাখৰ পৰা ১৭॥ লাখলৈ আছিল । ১৯৩০ চনতো ১০ লাখ নিবনুৱাৰ হিচাব পোৱা যায় । ১৯৩১ চনত এই সংখ্যাৰ বৃদ্ধি হৈ ৩০ লাখ হয় গৈ । তাৰ পিচৰ পৰাই ছোভিয়েট চৰকাৰে নিবনুৱাৰ ৰেজিষ্ট্ৰেছন আৰু নিবনুৱাৰ সংখ্যা প্ৰকাশ একেবাৰে আইন জাৰি কৰি বন্ধ কৰি দিয়ে । ইয়াৰ দ্বাৰা বুজিব নোৱাৰি যে, দেশত নিবনুৱাৰ ৰেজিষ্ট্ৰেছন বন্ধ কৰি দিয়াৰ লগে লগে ছোভিয়েট ৰুছিয়াৰ কৰ্ম্ম-সংস্থানৰ সমস্যা সকলো সমাধান হৈ গল ।

উপৰোক্ত উদাহৰণলৈ লক্ষ কৰিলে বুজা যায় যে দেশৰ সম্পদ বৃদ্ধিৰ কাৰণে যি কোনো মতবাদৰ আদৰ্শ আৰু শাসন ব্যৱস্থাৰ দ্বাৰা ভাৰতৰ কৰ্ম্মহীন জনশক্তিৰ মঙ্গল সাধিবলৈ গলে ভুল হব । এইদেশৰ কৃষিবহিৰ্ভূত জীবিকা সংস্থানৰ আন উপায়টো কি তাক বিচাৰি বাপুজীৰ ভাৰতীয় জীৱনৰ

ঐতিহ্য আৰু কৃষ্টিৰে গঢ়া দেশ গঠনৰ কৰ্ম্মপন্থা থাকোতেই আন আন বস্তুবাদী দেশৰ আদৰ্শ আৰু দৃষ্টান্তৰ সহায় লবলৈ গলে সূৰ্য্যৰ কিৰণ লোপ হোৱাৰ লগে লগে মৰীচিকাৰ সন্ধানত পাব সন্মুখত অপাৰ মৰুভূমি।

আজি জনসাধাৰণৰ চিন্তাৰ বিষয় হৈছে যে, ভাৰতবৰ্ষ স্বাধীন হোৱাৰে পৰা পুৰা ৩ বছৰ সময় হাতত পায়ো গান্ধীবাদত অটল বিশ্বাস ৰখা ভাৰতৰ ভাগ্য-বিধাতা সকলে চাৰ জাহাঙ্গীৰৰ দৰেই একাধিক জামসেদজী টাটাৰ আবিৰ্ভাবত ভাৰতৰ অৰ্থ-নৈতিক পৰিবৰ্ত্তনৰ গতি আৰু বিৰাট সম্ভাবনাৰ কথা ভাবিছে নেকি? দেশ শাসনৰ গুৰুভাৰ হাতত লোৱাৰ লগে লগে ইয়োৰোপ-আমেৰিকাৰ শিল্প বিপ্লবৰ পথেৰেই ভাৰতেও আৰ্থিক উন্নতি কৰা উচিত বুলি তেওঁলোকৰ মনত স্পষ্ট ধাৰণা হোৱাত, এই ঐতিহাসিক পথটোৱেই গণতান্ত্ৰিক দেশৰ নাগৰিক সকলৰ ধনীক আৰু মধ্যবিত্ত শ্ৰেণীৰ লোক সাধাৰণৰ চকুৰ সন্মুখত বিস্তৃত হৈ দেখা দিছে নেকি?

এই দুয়ো শ্ৰেণীৰ লোকৰ যুক্তি হৈছে এই যে—পাশ্চাত্য দেশৰ স্তূপীকৃত ধন-দৌলত আৰু কেন্দ্ৰীভূত শক্তি মতবাদৰ ভুলত হোৱা নহয়, চলোৱাৰ ভুলত হে হৈছে। সতৰ্কতাৰে ৰাষ্ট্ৰ চলোৱাৰ সুব্যৱস্থা কৰিব পাৰিলে আবৰ্জ্জনা জমিব নোৱাৰে। গণতান্ত্ৰিক দেশ এখনত এই ধৰণে ধনতান্ত্ৰিক ব্যৱস্থাৰ লগে লগে সমাজতন্ত্ৰক খাপ খুৱাই নিয়াৰ চেষ্টা সম্ভৱেই নহয় আৱশ্যকো।

## নীতি

পুৰ্ব্বেই কোৱা হৈছে যে নবলব্ধ স্বাধীনতাৰ আৰম্ভনীৰে পৰা জনসাধাৰণৰ চকুৰ আগত এখন মনোৰম সোণৰ ৰাজ্যৰ

ছবি আকি দিয়াত কংগ্ৰেছ কৰ্ম্মীয়ে সেই কালেই আশা-আকাঙ্খা পূৰণৰ কাৰণে ভিন্ ভিন্ দলৰ উচটনীতো কংগ্ৰেছৰ নীতি আৰু আদৰ্শকে মানি গান্ধীজীৰ পৰিকল্পিত "ৰামৰাজ্য"লৈ বৈ আছে। যি কোনো উদ্দেশ্য লাভৰ কাৰণে প্ৰত্যেক অনুষ্ঠানৰে এটা স্পষ্ট নীতি, সাধন আৰু কাৰ্য্যসূচী আৱশ্যক। নীতি আৰু সাধন সম্বন্ধে বিচাৰ কৰিলে দেখা যায় যে, দেশৰ বিভিন্ন ৰাজনৈতিক দল আৰু কংগ্ৰেছৰ ভিতৰত এটা মৌলিক মতভেদ আছে। কি কমিউনিষ্ট, কি ৰাষ্ট্ৰীয় সেৱক সঙ্ঘ আৰু কি হিন্দু মহাসভা সকলোৱেই এই নীতিটোত বিশ্বাস কৰে যে, উচ্চ আদৰ্শৰ কাৰণে যেতিয়াই যি কোনো সাধনকে প্ৰয়োগ কৰা নহওক, উচ্চ উদ্দেশ্যৰ অনুসাৰে সেই সাধনো উচ্চ আৰু পবিত্ৰ হৈ পৰে। গতিকে এই নীতিত বিশ্বাস কৰা দলৰ লোক সকলে খোলা ভাবে জনসাধাৰণৰ সমুখত যি কোনো অসৎ সাধনৰ প্ৰয়োগ কৰি উন্নত আদৰ্শৰ প্ৰলোভনত উদ্দেশ্য লাভৰ চেষ্টা চলাইছে। ঠিক ইয়াৰ বিপৰিতে গান্ধীজীৰ নেতৃত্বত কংগ্ৰেছে গ্ৰহণ কৰা নীতি হৈছে সত্য আৰু অহিংসা। গান্ধীজীয়ে বাৰে বাৰে কৈছিল যে, মহৎ আদৰ্শৰ কাৰণে সদায় সৎ সাধনৰ প্ৰয়োগ কৰা নিতান্ত আৱশ্যক আৰু এই কাৰণেই গান্ধীজীয়ে বহু সময়ত উদ্দেশ্যতকৈও সাধনৰ ওপৰত হে অধিক মূল্য আৰোপ কৰিছিল। গান্ধীজীৰ মতে মানুহৰ কল্পনা, মনোভাব আৰু বিচাৰ বুজিব পাৰি তেওঁৰ দৈনিক কাৰ্য্যক্ৰম আৰু নিজে প্ৰয়োগ কৰা সাধনৰ পৰা। এই নীতিত বিশ্বাস কৰি গান্ধীজীয়ে দেশবাসীক কৈছিল—"যদি ভাৰতৰ স্বাধীনতা ছল-কপট আৰু মিছা কথা কলেই পায়

তেন্তে• সেই স্বাধীনতা মোক নালাগে ; সত্য আৰু অহিংসাৰ দ্বাৰা পোৱা স্বাধীনতাৰ কাৰণে বছৰৰ পিচত বছৰ পাৰহৈ গলেও মই বাটচাই থাকিম।” গান্ধীজীৰ এই কথাত বহু বিৰোধী দলে নিজ নিজ বিচাৰৰ যুক্তি, আনকি গীতাৰ উদাহৰণ দেখুৱাই কৈছিল যে যদি আমাৰ আদর্শ মহৎ হয় তেন্তে তাক লাভৰ কাৰণে লোৱা সাধন মাত্রেই মহৎ আৰু পবিত্র হৈ যাব। সত্যাগ্রহী গান্ধীজীয়ে গীতাৰ অন্তর্নিহিত অর্থ উপলব্ধী কৰি নির্ভীক ভাবে বিৰোধী দলৰ এই তীব্র সমালোচনা আৰু হিংসাত্মক সাধনৰ সকলো যুক্তিকে সর্ব্বজনিক ভাবে খণ্ডন কৰি ভাৰতবর্ষত সত্যাগ্রহ আন্দোলনৰ সৃষ্টি কৰিছিল।

## কার্য্যসূচী

নীতি আৰু সাধনৰ উপৰিও কোনো অনুষ্ঠানৰ নিজ উদ্দেশ্যৰ সত্যতা সেই অনুষ্ঠানৰ দৈনিক কার্য্যক্রমৰ দ্বাৰাহে বুজিব পাৰি। যি কামৰ আচনি গান্ধীজীয়ে কংগ্রেছক দি গৈছে সেই উদ্দেশ্য আৰু নীতিকে কংগ্রেছে আজিও ৰাখিছেনে ? দাসত্বৰ কালত কংগ্রেছে গান্ধীজীৰ নেতৃত্বত সদায়, সময় বুজি জনসাধাৰণৰ আগত এটা নহয় এটা গঠনমূলক কামৰ, আচনি ৰাখিছিল আৰু বৃটিশ চৰকাৰৰ লগত হোৱা অসহযোগ আন্দোলনৰ সময়তো গান্ধীজীয়ে কংগ্রেছৰ কার্য্যকর্ত্তা আৰু কর্ম্মীসকলৰ শক্তিক অটুট ৰাখিবলৈ ঘৃণা, দ্বেষ আৰু হিংসাৰ পৰা আঁতৰি দেশ গঠণৰ কাৰণে ১৯১৯ চনত ১। খাদী, ২। ৰাষ্ট্রশিক্ষা, ৩। অস্পৃশ্যতা বর্জ্জন, ৪। মাদকতা নিবাৰণ ৫। হিন্দু-মুছলিম ঐক্য আদি ভিন্ ভিন্ কামৰ আচনি দেশবাসীৰ আগত দাঙি ধৰিছিল।

## বৰ্ত্তমান স্থিতি—

কংগ্ৰেছৰ প্ৰাচীন কাৰ্য্যকৰী পন্থা, প্ৰগতিশীল চিন্তাধাৰা আৰু যুগ প্ৰবৰ্ত্তনৰ আদৰ্শ পৰিকল্পনা নিঃসন্দেহ গৌৰৱপূৰ্ণ আছিল। কিন্তু সেই প্ৰাণহীন গতানুগতিক সমাজৰ জনসাধাৰণৰ ভিতৰত নতুন সুৰৰ যোজনাৰে বহু বছৰৰ জালৰ তোপনি ভাঙি যি বিপ্লবৰ চেতনা গান্ধীজীয়ে সঞ্চাৰ কৰিলে—আজি দেশ স্বাধীন হোৱাৰ পিচত জনসাধাৰণৰ ভাব-গতিৰ লগত খাপ খুৱাই কংগ্ৰেছ কৰ্ম্মী আৰু কাৰ্য্যকৰ্ত্তা সকলে নিজক বদলাব পৰা নাই কিয়? এতিয়া প্ৰশ্ন হৈছে এই যে, বৰ্ত্তমানে যি ধৰণে কংগ্ৰেছ গঠিত হৈছে সি দেশৰ পৰিবৰ্ত্তিত অৱস্থাৰ লগত খোজ মিলাব পাৰিব নে বা ইয়াৰো কিছু পৰিবৰ্ত্তন আৱশ্যক? যদি হয়, তেন্তে পৰিবৰ্ত্তীত অৱস্থাৰ লগে লগে কংগ্ৰেছে নিজৰ উদ্দেশ্য আৰু নীতি ৰক্ষা কৰি কি ধৰণে সংগঠন আৰু কাৰ্য্যক্ৰমত আগবাঢ়িব। কংগ্ৰেছ কৰ্ম্মী সকলে বিচাৰ কৰিব লাগিব জনসাধাৰণক আগ বঢ়াই নিবলৈ কি ধৰণৰ নেতৃত্বৰ আৱশ্যক। আজি আমি কেৱল আমাৰ গৌৰৱ পূৰ্ণ প্ৰাচীনৰ ভৰসাত নেতৃত্ব কৰিব নোৱাৰো। দেশৰ জটিল সমস্যা, আৰ্থিক অনাটন, বিৰুদ্ধ দলৰ কাৰ্য্য পদ্ধতি, জনসাধাৰণৰ আকাঙ্খা আৰু অভিলাষাৰ দোষ-গুণৰ সকলো দায়িত্ব ভাৰ গ্ৰহণ কৰি প্ৰতিনিধিত্ব কৰিবলৈ আগ বাঢ়িব লাগিব কংগ্ৰেছ অনুষ্ঠানে।

কংগ্ৰেছৰ প্ৰথম শাৰিৰ প্ৰায় অধিক সংখ্যক নেতা আজি কেন্দ্ৰীয় আৰু বিভিন্ন ৰাজ্য সমূহৰ চৰকাৰত থকাৰ কাৰণে কংগ্ৰেছৰ কাম চলোৱাৰ ভাৰ পৰিছে দ্বিতীয় শ্ৰেণীৰ নেতা

সকলৰ হাতত। বহু বছৰৰ কঠোৰ চেষ্টা আৰু পৰিশ্ৰমৰ পিচত আজি কংগ্ৰেছৰ কাৰ্য্যকৰ্ত্তা সকল ভাগৰী পৰা স্বাভাৱিক। যি সকলৰ হাতত আজি ক্ষমতা আছে তেওঁলোকে একগোট খাই দেশ গঠনৰ কিছু কাম কৰিবলৈ কৰ্ম্মীসকলক আহ্বান জনাইছে কিন্তু যাৰ হাতত ক্ষমতা নাই তেওঁলোকৰ পক্ষে জনসাধাৰণৰ মাজত কামকৰা আগতকৈ জটিল হৈ পৰিছে। একালে ৰাজ্য শাসনৰ তেওঁলোকৰ বিশেষ স্থান নাই আৰু আনফালে জনসাধাৰণৰ বিশ্বাস যে কংগ্ৰেছ কৰ্ম্মী সকলহে ৰাজ্য পৰিচালনাৰ কাৰণে সম্পূৰ্ণ দায়ী। কংগ্ৰেছী মন্ত্ৰী মণ্ডলে কামৰ প্ৰেৰণা আৰু নৈতিক শক্তি কংগ্ৰেছৰ পৰা পায় যদিও ৰাজ্য শাসনৰ সকলো কাম কৰিব লাগে তেওঁলোকৰ অধীনত কামকৰা চৰকাৰী কৰ্ম্মচাৰী সকলৰ জৰিয়তে হে। কাম কৰাৰ গতানুগতিক পদ্ধতি আৰু আমোলাতান্ত্ৰিক মনোভাৱৰ কাৰণে কংগ্ৰেছ কৰ্ম্মী আৰু চৰকাৰী চাকৰিয়ালৰ ভিতৰত প্ৰায়েই মতৰ অমিল আৰু সংঘৰ্ষ হোৱা দেখা যায়। যেতিয়ালৈকে কংগ্ৰেছ কৰ্ম্মীয়ে ত্যাগৰ উদাৰ আদৰ্শলৈ মানসিক স্থিতিৰ পৰিবৰ্ত্তন নকৰে আৰু চৰকাৰী কৰ্ম্মচাৰীয়ে দেশৰ পৰিবৰ্ত্তীত অৱস্থাৰ লগত নিজকে মিলাই সেৱাৰ মহৎ আদৰ্শ গ্ৰহণ নকৰে তেতিয়ালৈ দেশৰ জটিলতাপূৰ্ণ প্ৰশ্নৰ সহজ মিমাংসা আৰু আৰু গান্ধীজীৰ দেশ গঠণৰ পৰিকল্পনা বাস্তৱত পৰিণত কৰা এক প্ৰকাৰ অসম্ভৱ বুলিলেও অত্যুক্তি নহয়। চৰকাৰে কংগ্ৰেছৰ পৰা শক্তি আৰু নৈতিক প্ৰেৰণা লাভকৰাৰ কাৰণে আজি জনসাধাৰণে আৰু বহু সুবিধাবাদী কংগ্ৰেছ কৰ্ম্মীয়ে ৰাজনৈতিক শক্তি আৰু অধিকাৰ লভিবলৈ

কংগ্রেছক এটা সাধন মাত্র বুলি ভাবি লৈছে। এনে অৱস্থাত কংগ্ৰেছ কৰ্ম্মীসকলৰ মাজত মতানৈক্য আৰু কাৰ্য্যকৰ্ত্তা সকলৰ ভিতৰত পদমৰ্য্যাদাৰ অহঙ্কাৰ আৰু অধিকাৰৰ প্ৰতি লোভ হোৱাতো স্বাভাবিক।

ইয়াৰ আন এটা কাৰণ হৈছে বৰ্ত্তমান কংগ্ৰেছৰ সংগঠন কাৰ্য্যত গণতন্ত্ৰবাদৰ লগত নিৰ্ব্বাচন প্ৰথা ওতঃপ্ৰোত ভাবে মিলাই লোৱাত। গণতন্ত্ৰ প্ৰতিষ্ঠাৰ কাৰণে নাগৰিকক নিৰ্ব্বাচনৰ আৱশ্যকতা আৰু লগে লগে স্বতন্ত্ৰ মনোভাব ব্যক্ত কৰিবলৈ শিকোৱা দৰকাৰ। নিৰ্ব্বাচনৰ সময়ত জনসাধাৰণক সংগঠন কাৰ্যাৰ দ্বাৰা কংগ্ৰেছৰ আদৰ্শ আৰু নীতি বুজাবলৈ সুযোগ লভিব পাৰি, কিন্তু বাস্তৱ ক্ষেত্ৰত বহু আদৰ্শহীন ধনীলোকে কংগ্ৰেছৰ জৰিয়তে জনসাধাৰণৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিবলৈছে প্ৰদেশ সমূহৰ জনসাধাৰণৰ এক শ্ৰেণীৰ মানুহৰ ওপৰ চাপিছে আৰু নিৰ্ব্বাচনৰ জয়েই প্ৰজাতন্ত্ৰৰ জয় বুলি ঘোষণা কৰিছে। ইয়াৰ ফলত আজি সকলো ক্ষেত্ৰতে প্ৰজাতন্ত্ৰবাদ গৈ নিৰ্ব্বাচন বাদত পৰিণত হৈছে। কংগ্ৰেছ কৰ্ম্মীয়ে গণতন্ত্ৰবাদৰ আদৰ্শ সাৰ্থক কৰিবলৈ হলে অাৱস্তৰে পৰা ইয়াক জীৱনৰ প্ৰধান অঙ্গ কৰি নিজৰ চিন্তা আৰু বিচাৰ বুদ্ধিৰ প্ৰত্যেক ক্ষেত্ৰতে প্ৰয়োগ কৰা দৰকাৰ। কোনো মানুহৰ যোগ্যতা কোনো নিৰ্ব্বাচনত ১০০ৰ ভিতৰত ৫১টা ভোট পালেই নিৰ্ণয় কৰিব নোৱাৰি। দেশ সেৱাৰ কাৰণে যোগ্য ব্যক্তিক উপযুক্ত স্থান দিয়াৰ মনোবৃত্তি জনসাধাৰণৰ মাজত সংগঠনৰ দ্বাৰা সৃষ্টি কৰাহে কংগ্ৰেছ কৰ্ম্মীৰ প্ৰথম কৰ্ত্তব্য হোৱা উচিত।

আন আন স্বাধীন দেশত যি দৰে ছাত্ৰ সকলক গণতন্ত্ৰবাদৰ

মূল সিদ্ধান্ত অনুসাৰে শিক্ষিত কৰি তুলিবলৈ স্কুল আৰু কলেজবোৰত "ইউথ পাৰ্লিয়েমেন্ট" গঠন কৰি গণতন্ত্ৰবাদী শাসন ব্যৱস্থাৰ শিক্ষা সকলোৰে পৰা দিয়া হয়, সেই ধৰণে আমাৰ দেশতো ব্যৱস্থা হোৱা দৰকাৰ। প্ৰাদেশিক আৰু জিলা কংগ্ৰেছ কমিটি সমূহৰ দ্বাৰা গাওঁ আৰু চহৰত কংগ্ৰেছ কৰ্ম্মী আৰু কাৰ্য্যকৰ্ত্তা সকলে যাতে আৰ্থিক, সামাজিক আৰু ৰাজনৈতিক আদি সকলো বিষয়তে গণতন্ত্ৰবাদৰ মূল সিদ্ধান্তলৈ লক্ষ ৰাখি দেশ গঠনৰ কামত জনসাধাৰণক আত্ম নিয়োগ কৰাব পাৰে তাৰ বাবে প্ৰয়োজনীয় শিক্ষাৰ ব্যৱস্থা হোৱা উচিত।

কংগ্ৰেছ কৰ্ম্মী সকলে আজি নিজৰ দুৰ্ব্বলতা আৰু দেশত গঢ়ি উঠা ভিন্ ভিন্ দলৰ মতবাদ আৰু প্ৰচাৰ কাৰ্য্যলৈ সচেতন হৈ আগবঢ়াৰ আৱশ্যকতাৰ কথা আমি পূৰ্ব্বেই কৈ আহিছো।

আন আন দলৰ কৰ্ম্মীয়ে কৃষক আৰু বনুৱা সংগঠন কৰিবৰ কাৰণে যি পদ্ধতি লৈছে তাৰ দ্বাৰা কৃষক আৰু বনুৱাৰ ব্যক্তিগত অন্যায়ৰ প্ৰতিকাৰ নহৈ যে কেৱল ৰাজনৈতিক দলৰ স্বাৰ্থ আৰু উদ্দেশ্য সাধনৰ কাৰণে মাত্ৰ তেওঁলোক নিয়োজিত হৈছে বুজিব পাৰি উভয়ৰে বিশেষ প্ৰশ্ন সমাধানৰ কাৰণে কংগ্ৰেছৰ ভিতৰত দেশৰ পৰিবৰ্ত্তিত অৱস্থাৰ লগত খাপখুৱাই ভিন্ ভিন্ ক্ষেত্ৰত গণতান্ত্ৰীক অনুষ্ঠানৰ দ্বাৰা কাম কৰাৰ কথা গান্ধীজীয়ে স্বীকাৰ কৰিছে। কংগ্ৰেছ কৰ্ম্মী আৰু কাৰ্য্যকৰ্ত্তা সকলে এই উপদেশৰ পৰা বুজিব পাৰে গান্ধীজীয়ে ভাৰতৰ শতকৰা ৭৩ জন গাৱঁলীয়া কৃষকৰ বিশেষ সমস্যা সমাধানৰ কাৰণে অহিংসাত্মক গণতান্ত্ৰিক পদ্ধতিৰ প্ৰবল প্ৰয়োগ কি ভাবে বিচাৰিছিল।

স্বাধীনতাৰ চেতনাই মানুহক কিছুদিনৰ কাৰণে কৰ্ম্মৰ প্ৰেৰণাত অধীৰ কৰি তোলে। যুগে যুগে, দেশে দেশে, এজো এজোজন মহাপুৰুষৰ গোটেই জীৱনৰ তপস্যাৰ ফলত পৰিকল্পনাৰ ৰূপ সলনি হয় আৰু তাঁৰ প্ৰয়োগ আৰু প্ৰয়োজনীয়তা বিশেষ ৰূপে উপলব্ধি কৰে সমাজৰ সৰ্বাতোকৈ অধিক সংখ্যক আৰ্থিক দুৰ্গতিত বিপন্ন কৰ্ম্মহীন জনশক্তিয়ে।

দেশ বিদেশৰ ধনতান্ত্ৰিক ব্যৱস্থাৰ দ্বাৰা সম্পাদিত উৎপাদন আৰু বিতৰণ প্ৰণালীৰ সমস্যা সমূহৰ সমাধাণৰ কাৰণে ৰাষ্ট্ৰশক্তি যোৰে ৰচনা কৰা পৰিকল্পনা আৰু আইন-কানুনৰ বিষয়ে গান্ধীজীয়ে তন্ন তন্নকৈ বহু আলোচনা কৰিছিল আৰু স্বাধীন ভাৰতত দেশ বাসীৰ সৰ্ব্বাঙ্গীন উন্নতি কামনা কৰি বিকেন্দ্ৰীকৃত আৰ্থিক পৰিকল্পনাৰ প্ৰয়োজনীয়তাকে স্বীকাৰ কৰিছিল। বাপুজীৰ এই আদৰ্শ আৰু উদ্দেশ্যৰ সিদ্ধিৰ কাৰণেই ভাৰতৰ এদল চিন্তাশীল নেতাই গঠনমূলক কামত আত্মনিয়োগ কৰি সেৱক-সেৱীকাৰ সংগঠনৰ দ্বাৰা বাপুজীৰ আদৰ্শত গঢি উঠা কংগ্ৰেছ অনুষ্ঠানক জীয়াই ৰাখি হিংসা আৰু কেন্দ্ৰীভূত যন্ত্ৰ শক্তিৰ তলত প্ৰতিষ্ঠিত সমাজ ব্যৱস্থাৰ ঠাইত পৰিকল্পিত ৰামৰাজ্য স্থাপন কৰিব বিচাৰিছে। আজিৰ পৰা ৩ বছৰ পূৰ্ব্বে ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতৰ স্বাধীনতা উৎসৱত যোগদান কৰিবলৈ অস্বীকাৰ কৰি গান্ধীজীয়ে কৰ্ম্মীসকলক কৈছিল যে ১৫ আগষ্টত ভাৰতবৰ্ষই ৰাজনৈতিক স্বাধীনতাহে লাভ কৰিছে, ভাৰতৰ কোটি কোটি মূক জনসাধাৰণৰ আৰ্থিক আৰু সামাজিক মুক্তিৰ স্বৰাজ এতিয়াও অহা নাই। আজি আমি স্বীকাৰ কৰিবলৈ বাধ্য যে জাতিৰ পিতাৰ অবৰ্ত্তমানত

তেওঁৰ, পৰিকল্পিত কৰ্ম্মপন্থাক ৰূপায়িত কৰিবলৈ সামৰ্থ্যৰ অভাবে কংগ্ৰেছক ব্যয়বহুল আৰু কেন্দ্ৰীভূত শাসণ ব্যৱস্থা ৰচনা কৰিবলৈ বাধ্য কৰিছে। সেই কাৰণেই গান্ধীজীয়ে কংগ্ৰেছক আইন সভাৰ পৰা আঁতৰি থাকি জনসাধাৰণৰ সেৱাত আত্ম নিয়োগ কৰিবলৈ কৈছিল। যি সকল দেশকৰ্ম্মীয়ে এইটো অনুভৱ কৰে যে আজি যি সমাজ ব্যৱস্থা আৰু শাসন চলি আছে সি আওপকীয়া ভাবে হিংসাৰ ফালেহে যাব ধৰিছে; আৰু যি সকলে এইটো বিচাৰে যে সমাজৰ এই অনিয়ন্ত্ৰিত, আদৰ্শহীন গতিক বাধাদি মৌলিক হিচাবে গণতন্ত্ৰ প্ৰতিষ্ঠা কৰা প্ৰয়োজন, তেওঁলোকে গান্ধীজীৰ আদৰ্শ মানি বিৰাটৰ মোহ ত্যাগ কৰি সমাজৰ মূক জনসাধাৰণৰ মাজতহে কাম আৰম্ভ কৰা উচিত।

যি দেশ সত্য, সুন্দৰ আৰু পূৰ্ণজীৱনৰ উপাসক সেই দেশৰ যুৱক সমাজৰ মনত জনতাৰ সঙ্ঘবদ্ধ অধিকাৰ প্ৰতিষ্ঠা কৰিবলৈ বাদ-বিসম্বাদ, শ্ৰেণী-বিৰোধ আৰু ধ্বংশাত্মক বিপ্লৱৰ প্ৰতি অন্তৰ্নিহিত বিশ্বাস আৰু তাৰ প্ৰতিক্ৰিয়া আজিও দৃশ্য বা অদৃশ্য ভাবে প্ৰতিফলিত হোৱা নাই।

গান্ধীজীৰ আদৰ্শত গঢ়ি উঠা কাৰণেই গণতন্ত্ৰবাদী কংগ্ৰেছ অনুষ্ঠানৰ শক্তি ইয়াৰ সদস্যৰ সংখ্যাৰ ওপৰত নিৰ্ভৰ নকৰি কৰ্ম্মীৰ ব্যক্তিগত চৰিত্ৰ আৰু মহানতাৰ ওপৰত হে নিৰ্ভৰ কৰিছে। আন ৰাজনৈতিক দল সমূহ আৰু কংগ্ৰেছৰ ভিতৰত পাৰ্থক্য ইয়াতেই। কংগ্ৰেছ দলৰ কৰ্ম্মীৰ ভিতৰত কোনো এজনৰ ব্যক্তিগত দোষ গুণৰ খোলা ভাবে আলোচনা কৰিব পৰা কাৰণেই প্ৰকৃত গণতান্ত্ৰিক অনুষ্ঠানৰ ৰূপ ইয়াত পোৱা

যায় কিন্তু এই গণতান্ত্ৰিক অনুষ্ঠানৰ জৰীয়তে বহু কংগ্ৰেছ কৰ্ম্মীয়ে স্বাধীন ৰাষ্ট্ৰবাসীৰ জীৱনৰ মৌলিক সিদ্ধান্ত সমূহৰ প্ৰচাৰ কৰিবলৈ আহি শ্ৰেণী বিশেষৰ ৰাজনৈতিক কৌশল আৰু তৰোৱাল জগতৰ ছল-চাতুৰিৰ প্ৰশ্ন সমাধানত অসমৰ্থ বুলি প্ৰমাণিত হৈছে। যদিও গান্ধীজীৰ পন্থাৰ বাহিৰে আন কোনো পথ ৰাজনৈতিকৰ চকুত দেখা দিয়া নাই, তথাপি আটাইবোৰৰ মূলতে ক্ষমতা অধিকাৰৰ প্ৰবৃত্তি দেখা দিয়াত, দেশৰ বাস্তৱ অৱস্থা আৰু বাদ-বিবাদৰ মুখ্য ৰাগৰত কংগ্ৰেছ কৰ্ম্মীদল কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিছে। সেই কাৰণে যদি স্তম্ভিত কংগ্ৰেছ কৰ্ম্মী সকলে বিপ্লৱী চিন্তাধাৰাৰ নতুন উদ্দীপনাৰে দেশৰ জনসাধাৰণক মতবাদৰ ৰকম ৰকম মনমোহিনী জয়ধ্বনি সমূহৰ ইন্দ্ৰজালৰ পৰা মুক্ত কৰি কংগ্ৰেছ অনুষ্ঠানৰ জৰীয়তে ৰামৰাজ্য প্ৰতিষ্ঠা কৰা কামত আত্মনিয়োগ কৰিব পাৰে তেন্তে বাপুজীৰ পৰিকল্পনা সজীৱ হৈ উঠিব।

# কৰ্ত্তব্য পথত
# কংগ্ৰেছ
# কৰ্ম্মী



শ্ৰীৰবীন্দ্ৰ নাথ নবিশ।

মূল্য ।০ অনা